# কিছু কথা নোকোৱাকৈ থাকি যায়

যদুমণি গগৈ
ৰাজেন দাস



শঙ্কৰদেৱ প্ৰকাশন
নগাঁও, অসম ঃ ৭৮২১২৪

# কিছু কথা নোকোৱাকৈ থাকি যায়

➢ যদুমণি গগৈ ➢ ৰাজেন দাস

KISUMAN KOTHA NUKUAKOI THAKI JAI

➢JADUMONI GOGOI ➢RAJEN DAS

A Book of Assamese Poetry written by JADUMONI GOGOI & RAJEN DAS. Published by Sankardev Publication, Nagaon, Assam. On behalf of Olympia Prakashan, Rajgarh Road, Guwahati-03

**1st Edition.** **Price Rs. 120.00**

প্ৰকাশক

শংকৰদেৱ প্ৰকাশন, নগাঁও, অসম ঃ ৭৮২১২৪

*E-mail: sankardevprakashan@gmail.com*

*Call: ▸6913402974 ▸7896898528 ▸9435003824*

ISBN:

প্ৰথম প্ৰকাশ

জানুৱাৰী, ২০২১

গ্ৰন্থস্বত্ব ঃ কবি

প্ৰচ্ছদ ঃ নীলাভ সৌৰভ

মুদ্ৰন ঃ পাৰফেক্ট ইমেজাৰ্ছ, ৰাজগড় ৰোড, গুৱাহাটী-৩

দাম ঃ ১২০/- টকা

Printed at

# উচর্গা

পৰম পূজনীয়
মা আৰু দেউতাৰ
হাতত
শ্ৰদ্ধাৰে

# কবিৰ মনৰ কথা

কেইবাবছৰো ধৰি কবিতাক লালন কৰি আহিছোঁ বুকুতে গুপুতে। কবিতা সমূহ থূপাই এখন কবিতা পুথি ৰূপে সংকলন কৰাৰ কথা ভাবিবলৈ কোনোদিনে সাহস হোৱা নাছিল। ভয় লাগিছিল কিজানি আঁত হেৰুৱাই, বাট হেৰুৱাই শব্দবোৰ কবিতাৰ পৰা আঁতৰি যায়। কবিতাৰ পথাৰখনত আমি থূপুক-থাপাককৈ খোজ দিয়া দুটি এমাডিমা শিশুহে। কবিতাৰ বিষয়ে আৰু বহু কথাই জানিবলৈ,বুজিবলৈ,শিকিবলৈ,আয়ত্তাধীন কৰিবলৈ এতিয়াও বাকী আছে। মাথোঁ অনুশীলন কৰিছোঁ কবিতা লিখাৰ, কবিতা পঢ়াৰ। সেইয়া প্ৰবীণ কিম্বা নবীনৰ কাপে দি নিসৃত কবিতা। এই অনুশীলনৰ আধাৰতেই মৰসাহ কৰি আপোনালোকৰ মাজলৈ আগবঢ়াই দিছোঁ 'কিছু কথা নোকোৱাকৈ থাকি যায়'। আমাৰ এই ক্ষুদ্ৰ প্ৰয়াসত বহু ভুল-ত্ৰুটি ৰৈ যাব পাৰে। বিজ্ঞজনে সেইসমূহ আঙুলিয়াই দি আমাক আগবঢ়াই নিব বুলি আশা ৰাখিছোঁ। এইছেগতে অশেষ কষ্ট কৰি পুথিখন প্ৰকাশৰ যোগ্য কৰি তোলা নীলাভ দা, ধন দা, ফাৰহান দা, ছা-হা-বা হাৰ্টী আৰু শংকৰদেৱ প্ৰকাশনৰ আটাইলৈকে আন্তৰিক কৃতজ্ঞতা জনাইছোঁ। পুথিখন সম্পৰ্কে একাষাৰ লিখি আমাক কৃতাৰ্থ কৰা কবি বৈদ্য ব্ৰাইট বুঢ়াগোহাঁই ককাইদেউক আন্তৰিক ধন্যবাদ জনাইছোঁ। আশা কৰিছোঁ আপোনালোকে কবিতা পুথিখন আদৰি ল'ব আৰু মৰম দিব। আপোনালোকৰ মৰম আৰু আদৰেই আমাৰ প্ৰেৰণাৰ মূল উৎস। প্ৰতিশ্ৰুতি মাথোঁ পৰিশ্ৰম, অধ্যয়ন আৰু সাধনাৰ মাজেৰে আগবঢ়াৰ।

# সূচীপত্ৰ

**ৰাজেন দাস ।। ৬-২৪**

কেতেকীপহীয়া
বুকুৰ চোতাল ।। ৭
নওঠা আঙঠা ।। ৮
শ্ৰমিক ।। ১০
পৃথিৱী ।। ১১
প্ৰেম ।। ১২
ৰজা ।। ১৩
বানাক্ৰান্ত ।। ১৪
কথা ।। ১৬
গতি ।। ১৭
পিতাইৰ মতে কবিতা
হ'ব লাগে ।। ১৮
স্থান ।। ২০
সুখ ।। ২১
ভাষণ ।। ২২
গালি ।। ২৩
ধন্যবাদ ।। ২৪

**যদুমণি গগৈ ।। ২৫-৫৮**

হিতাধিকাৰী ।। ২৭
বৃত্ত ।। ২৮
কেইটিমান দুশৰীয়া কবিতা ।। ৩০
মৃত্যুজিনা মানুহজন ।। ৩১
জন্মদিন ।। ৩৩
বাট এটা মগজুত থাকে ।। ৩৪
পিতাই ।। ৩৭
বন্ধুত্বৰ কবিতা ।। ৩৮
উৰ্ধ্বমুখী হাতবোৰ ।। ৪০
ছবিৰ খেতিয়কৰ ছবি, জীৱন আৰু
কিছু উপপাদ্য ।। ৪২
যাত্ৰা ।। ৪৫
বুদ্ধ দৰ্শন ।। ৪৮
মৰা মাছৰ ঘোলা চকুবোৰত জীৱন
থাকে ।। ৫০
ৰাধা ।। ৫২
তিনিটা স্তৱক ।। ২৪

কিছু কথা নোকোৰাকৈ থাকি যায় ।। ৫৫-৫৬

# কেতেকীপহীয়া বুকুৰ চোতাল

সৌ আকাশখনেও শুনিছিল
তোৰ নিভিজা নভঙা মিনতি বচন
পাষাণ পনীয়া সোণৰ নৈখনে নুশুনে তই পিন্ধা কেৰু দুগদুগীৰ ৰূপ
জেতুকাৰ বুলনিত বৰ্হমথুৰিৰ বোলসনা ওঁঠ
হামি হিকতিৰ স্পন্দনে স্পন্দনে
তোৰ বাপতি সাহোনৰ অনাখৰী নাচোন
বাটে-অবাটেই নিত্য নৈমিত্তিক দেখি থাকোঁ কান্দোন

তাইক এঘৰীয়া কৰিছিল
চালে আকাশ দেখা বাঢ়ে বিচনাত
এযোৰ কাপোৰো এটি ক্ষণো নুপুৰি নমৰিছিল তাই
যিদৰে ভাই ভাই এদিন ঠাই ঠাই
শেলে বিন্ধি পাথৰ কৰিছিল তোক
তয়েটো কঠিয়াতলিৰ হালোৱাৰ মনৰ খনীয়া কুঠৰি
সীৰ নোৱৰা কৰিছিল তোক
আথাউনি পানীৰ কেঁকুৰীয়ে কেঁকুৰীয়ে
এতিয়াও তয়েই সৃষ্টি স্থিতি চাকৈ চকোৰা চাকনৈয়াৰ
ভূৱন বোলোৱা গোন্ধ

পৃথিৱীৰ গৰিয়সী বোধিদ্ৰুম
তয়েই প্ৰতিক্ষণে জুৰুলি জুপুৰি
তোৰ দেহত তেজ দিয়া অবাধ আলিংগন
তহঁতৰ ভুল ক'ত
নাৰী হোৱাৰ প্ৰাকৃতিক আনন্দত নে?
কতই সমগ্ৰ সত্তাক পিহি পিহি পঢ়িলে পিটিলে
নৱ নৱ সৃষ্টিৰ গূঢ়াৰ্থ ভঁৰাল
সা.ৰে.গা.মা.পা.ধা.নী ৰূপত তৰঙ্গায়িত তোৰ সপোনৰ আঁৰিয়াডলিত বৈ
কিনো আহুদি থুৰিয়ালি শিপাই মাটি নিচিনা আকাশ বিমূৰ্ত নিশাৰ অকৃত্ৰিম সৌন্দৰ্য
ইয়াতেই বাগৰ সলায় হিৰোশ্চিমা নাগাচাকিৰ চালে ফুটা দৈন্যতা
কলং বুকুৰ প্ৰতিপল অনুপল
অভিভূত ফুলৰ বিতস্পৃহতাত শুই সাৰ নোপোৱা ধূমাৰ্ত প্ৰেমৰ
একাজলি লুইতপৰীয়া নদীৰ প্ৰেয়সী
তোৰ জলছবিত নিগৰি নিগৰি বৈ আছে
তোৰেই স্বাক্ষৰিত তোকেই নিন্দিত ইতিহাসে গৰকা
কেতেকীপহীয়া এথানি এবানি উদং বুকুৰ অকাল বৈধব্য বৰচোতাল
(আইদেউ সন্দিকৈলৈ শ্ৰদ্ধা

# নঙঠা আঙঠা

মোৰ বিপদ
য'ত ত'ত হাইঠা
ইখন চালিয়ে
সিখন চালিয়ে
কটাকটি নকৰে
একেটা উশাহকে লৈ কিবাখন কৰে...

## শ্ৰমিক

মোৰ পথটো খোলা ৰাখক

তেন্তে আপোনাৰ পেটটো খালি ৰাখক

নহ'লে মোৰ ভোকখিনি ম্যাদীপট্টা কৰি দিয়ক

## পৃথিৱী

মই তোমাক ভাল পাম
যদি তুমি তোমাক
প্ৰতিদিনে হত্যা কৰা
এইটো মোৰ প্ৰথম
আৰু শেষ চৰ্ত

## প্ৰেম

তোমাক নকওঁ মোৰ কথা শুনা
মাত্ৰ কওঁ সকলো নিজৰ মতে কৰা
নহ'লে প্ৰতিদিনে মোক হত্যা কৰা

## ৰজা

ৰজা হওঁক
প্ৰজা নহওঁক
নহ'লে আপোনাৰ চৰ্তখিনি
বন্ধকত দিয়ক

## বানাক্রান্ত

কলহপ্ৰিয় বানাক্ৰান্তৰ উৰুখা ঢপ্‌ঢপনিত কোনে চেলেকি দিয়েনো
ওৰণি জোনৰ ঋতু
কেনেকৈ জাপে-জপা জাতিকূলে কুচি মুচি দিয়ে
কপালৰ ঘামৰ সুতীক্ষ্ণ বাণৰ হেপেহুৱা উশাহ-নিশাহ
অট্টালিকাৰ মাছৰূপী মানুহৰ সৈতে টেবুলৰ তলৰ লেনদেন বাবেই
ইমান বৰ্বৰতাৰ টেটুঁ
ডাষ্টবীনলৈ দলিয়াই দিবলৈ মন যাবই
তেওঁলোক অন্য পৃথিৱীৰ হাতীপটিৰ
নৰদেহাৰ নৰকংকালৰ দৰেই নহয় নে ?
নৈপৰীয়া ঘৰ্মাক্ত নিমখীয়া তেজেৰেই সংপৃক্ত
এই বানাক্ৰান্তৰ পুৰতি পুৱাৰ
অশৰীৰী দেহক বুজকচোন
একেই দেখোন ভূগোলৰ তেজ দিয়া অবাধ আলিংগন নাৰী কিম্বা পুৰুষ
একেই নখে মাটি ভেটিত বুনিয়াদৰ হুমুনিয়াহ আৰু অমানুহৰ পৰা মানুহলৈ
বগুৱা বাই থকাৰ কম্মিন মসৃণতা
আৰ্তনাদৰ নাঙলীয়া ফালে ফলা বসুমতীত
ইমান বানাক্ৰান্তৰ কিয় মৰহা কলিৰ বোকা মাটিত পদুম ফুলাৰ ইতিবৃত্ত

সংকীৰ্ণ গণ্ডীৰ কালে কুটে কলাফুলীয়া মগজুৰ
অকৃত্ৰিম বন্যাত জ্ঞান-বিজ্ঞানৰ হাতোৰাৰ শেষ হৈছিলহে
আকৌ আৰম্ভ হৈয়েই থাকেনে বাপতি সাহোনৰ দৰেই সেই একেই মনাকাশৰ
সংকীৰ্ণতাৰ কলহপ্ৰিয় তিতাফুলীয়া জেঠীনেজীয়া বিতৰণী বঁটা
এই বানাক্ৰান্তবোৰৰ ডকাফুটা বুকুকে আঁচুৰি-আগুৰি
তেওঁলোকৰ শীতলীকোলাত মাজনিশা
কোন কেতেকীয়ে মংগল উৰুলি দিবনো
আৰু উপহাস নকৰি ছিঃ ছিঃ ভাৱেৰে
এই আসুৰিক পিচলা চৰিত্ৰৰ লোকবোৰে বিনিময়ত কৰে ক্ৰয় মাৰ্ক
পৰীক্ষাৰ আগমুহূৰ্তত নিজৰেই বিপন্ন মুখত কোনখন গামোচাত মুখ লুকুৱাই
আৰামী চকীত বানাক্ৰান্তক হাতী পোকৰত তৰাৰ ফৰ্মূতি মৰা
নীলাকাশৰ নেজালতৰাৰ সন্তানৰ অদ্ভূত কান্দোনহীনতাত
চৌষষ্ঠি কলাৰ উচুপনিৰ ঢৌ উঠে
জোনাকবিহীন বৰলুইতৰ সেউজীয়া চাংঘৰৰ তলত
মানুহে মানুহৰ গৰ্ভতেই সংগ নোপোৱা
কল্কিকা মধুমাধুৰীৰ দ্বাৰকীয় খেলত সুদামাৰ স'তে পালনকৰ্তাৰ তৰাৰঙীয়া
সেউজ সংগ

অকৃত্ৰিম হৃদয়ৰ মানুহ বাবেইটো বানাক্ৰান্তৰ শিলভঙা মেচিনত গুৰি হোৱা
দুশছড়লীয়া হৃদয়ৰ শ্ৰেণীটো বোকা-পানী লিৰিকিওঁৱা জীৱনযুদ্ধৰ আখৰা কৰা
মানুহৰ
অভিভূত ফুলৰ বীতস্পৃহতাত বানাক্ৰান্তইটো চিপ টানি
জোৰা টাপলি মাৰি দিন নিওঁৱা মানুহ...

## কথা

কোনে নকয় কথা
কথাইহে কথাক কথাতে কাটি কাটি
প্ৰতিদিনে ফাঁচি দিব লগা হয়

## গতি

মতি দিয়া নহ'লে গতি
গতিৰ বাহিৰে নাহিকে মুকুতি
মুকুতি পালে হৰিব ভকতি
ভকতিও কি যে শকতি

# পিতাইৰ মতে কবিতা হ'ব লাগে

পিতাইৰ মতে কবিতা হ'ব লাগে
শুকান মুখত নাকী পিঙোৰা
তিনিমূৰে দহোঠেঙীয়াৰ চহোৰা লেকেচি
যিয়ে দিব বছৰৰ ভাত
ঋতু বাগৰাৰ হিচাপ-নিকাচ
পিতাইয়ে নাজানে নে
মৰম আৰু দয়াৰ জুমুঠি
নেৰে আকৌ ভিতৰি বেথা
পিছে এতিয়া এইবোৰ বিষয়
কোন কাহানিবাই ধোঁৱাচাঙত এৰাবাৰী
পিতাইটি বাপ ঢোৰা সাপ
পিতাইয়ে ক'ব লাগিছে নে
পৰলা পিৰালিৰ সময় এতিয়াও দৰকাৰী
মহাজন কজুৱাৰ টিলিঙা বাজিব
জালে-ডনে চেপাই-সোকাই ঘৰখন শুৱনি
গোঁসাই ঘৰ শেষ ভৰসাৰ থলী
নহ'লে যে পেটত গাঁঠি টেকেলিও কাটি
পিতাইৰ মতে বুঢ়া- বুঢ়ী অলৰ
জী পোৱে সদায় চকু কাণ দিব
পিতাইয়ে এদিনীয়া পাঠশালাৰ কাঁথিত লিখিলে নিজৰ নাম

আজিও পোন পজৰ
পিতাইয়ে কপালৰ ঘাম মাটিত পেলাই জালৰ পুঙাত বিচাৰে
নিজৰেই পো-জী ৰ আঙুলি
বিলে-নদীয়ে বিচাৰে এমুঠি দিনৰ
পিতাইয়ে পঢ়া নাই কোনো অংকশাস্ত্ৰ
তথাপি বিচলিত নহয় এচুলি
মই কবিতা লিখিলে পিতাইয়ে নিজক বিচাৰে
মই গণোঁ ভৰবাৰিষাৰ ঢপ্‌ঢপনি
জীৱন আগুৱাবলৈ হাতে কামে কাম কৰাৰ কথা পিতায়ে কয়
সেই কথা ভাতৰ পাতত সকলোৱে মন দি শুনা হয়
আজিকালি দহোবন কাটি কৰি পিতায়ে
গধূলি ড-ড-ড-উ-ম-ড-ড-ড-উ-ম-ড-ড-ড-উ-ম দি
ৰাইজৰ হৈ জনায় কাকুতি ঘোষা
পিতায়ে কোৱা কবিতাটি লিখা নহ'ল
কিন্তু পিতাইৰ হাক-বচন শুনি
বুজি পালোঁ জীৱনৰ অৰ্থ অভিনৱ
সেয়েহে মই এতিয়া ধূলি-বালি লেলেটিওৱা কবি
মই হ'বলা কবিতা লিখা-পঢ়া কবি আছিলোঁ
সেই কথা পিতায়ে কেনেকৈ জানিব ?

## স্থান

থাকিলে থাক
নাথাকিলেও থাক
নাথাক যদি থাক
সোধ-পোচ কৰি থাক
মৰি মৰি থাক
ভৰি চেলেকি চেলেকি থাক
ভৰি পিটিকি পিটিকি থাক...

## সুখ

সুখ বুলি একো নাই
অনুভূতিক বন্ধকত দিয়াৰ বাদে
নহ'লেনো সুখে-দুখে ভাই ভাই
হায়-হায়;
আন একো জীয়াই থকাৰ
উপায়ো নাই?

# ভাষণ

ভাষণে কৰে শাসন
শাসনে নকৰে ভাষণ
ভাষণে ভাষণে
হৰণ আৰু পূৰণ (*বাকীখিনি ইতিহাস*)
তুমি মই কোন কূটা দাঁতৰ হুল
সদায় লগাব লাগিব গণ্ডগোল

# গালি

গালি নিদিও কণাক
গালি নিদিও অন্ধক
গালি নিদিও বোবাক
গালি নিদিও কলাক
গালি দিম তোক
গালি দিম তইঁতক
গালি দিম তোমাক
গালি দিম তোমালোকক
গালি দিম আপোনাক
গালি দিম আপোনালোকক
গৰজ পৰিছে
গ-গ-গ-গ-গ
গ-গ-গ-গ-গ
গ-ৰ-গ-ৰ-আ-ই
থ-আ-ক-ই-ব-ল-ঐ

# ধন্যবাদ

অলপ খাটনি
মুখৰ কথা
কৰি চোৱা
বুজি পোৱা
ন'হলে হাৰিবা
নাইবা হাঁহিবা
তাতোতকৈ চাই থাকা
চাই চাই হাঁহি দিয়া
পাই পাই কান্দি দিয়া
তেন্তে সহজ
একোকে কৰাতকৈয়ো নকৰা

## হিতাধিকাৰী

কাক ক'ম
কি ক'ম
কোনে শুনিব

কলাফুলত জোৰ থাকে মানে তাত-বাতি কাঢ়
নাথাকিলে ভৰিত ধৰ

চোতালত দুখৰ দিনৰ এশ নৰা
ৰাইজখনক ক'ম
চাললৈ দলিয়াই দে
খহি নপৰে ৰজাঘৰৰ বৰপেৰা

# বৃত্ত

উকা কাগজ এখিলাত এটা বৃত্ত অংকন কৰাটো মোৰ বাবে বৰ কষ্টকৰ। বৃত্ত জ্ঞান।মোৰ সীমিত ধাৰণা। এটা ঘূৰণীয়া বাউণ্ডেৰী আৰু ভিতৰ ভাগ খালী।

আজি-কালি বেছিভাগ মানুহেই এটা বৃত্তত আৱদ্ধ হৈ থাকে আৰু আকাশৰ কথা কয়। ই মোৰ বাবে ভীষণ দ্বন্দ্বাত্মক। বৃত্ত সম্পৰ্কীয় মোৰ ধাৰণা ভুল নে এয়া মোৰ দৃষ্টিভ্ৰম ? সম্ভৱতঃ দুয়োটাই হব পাৰে....

ক্ৰমশঃ
বৃত্তৰ ভিতৰৰ খালী ঠাইবোৰত খালী মানুহবোৰে কিৰিলিয়াই উঠে। প্ৰতিটো কিৰিলিত ওলাই অহা একোপাট শৰৰ আগত সত্য আচাৰ খাই পৰে । প্ৰতিটো আচাৰত একোটা ভীষণ শূন্যতা। আকৌ সেই একেই দ্বন্দ্ব। বৃত্ত সম্পৰ্কীয় মোৰ সেই ধাৰণাৰ আছে নেকি সত্যতা ? নে এয়া মোৰ অস্থিৰতা...

আজি কালি সকলোৱে বৃত্ত আঁকিব পাৰে। ৰাজনৈতিক কিম্বা অৰাজনৈতিক। খালী

ঠাইবোৰ পাশাৰ ঢাল হৈ পৰে।
খালী মানুহবোৰে পাশাৰ গুটি নচুৱাই ফুৰে।

খালী ঠাইবোৰ ভয়ানক হৈ উঠে। তাতোকৈ বেছি ভয়ানক হৈ উঠে খালী মানুহবোৰ। খালী মানুহবোৰৰ বাহিৰে বাহিৰত সকলো খালী হৈ পৰে। শূন্য।...বৃত্তত আৱদ্ধ হৈ আকাশ চোৱাৰ কথা কোৱা মানুহবোৰে নাজানে যে আকাশৰ শূন্যতা কেৱল শূন্যতা নহয়। তেওঁলোকে নাজানে ইয়াক উপলব্ধি কৰিব নোৱৰাটো তেওঁলোকৰ শূন্যতা।

বগা উকা কাগজবোৰত সেই একেই কথাই লিখা থাকে--
মোক উপলব্ধি কৰিব নোৱৰাটো তোমালোকৰ শূন্যতা
এই কথা নুবুজাৰ ভাও ধৰি আমি আৰু কিমান দিন আঁকি যাম উকা কাগজৰ বুকুত
এটাৰ পিছত এটা বিৰাট শূন্যতা

শেষ বুলি হয়তো একো নাথাকে
কপাল চপৰিয়াই ফুৰা খালী মানুহবোৰৰ ভাগ্যত খালী
চোতাল এখনো নাথাকে....।

# কেইটিমান দুশৰীয়া কবিতা

**ক)**

**আজিৰ পৃথিৱী**

গৈ থাকিব পাৰিলেই ভাল
ৰৈ গ'লেই আহুকাল

**খ)**

**সুখ**

কোন কাহানিবাই মৰি শেষ হোৱা তনুৰ সমস্ত আকুলতাক
তিয়াই চকুৰ পতাত এজাক বৰষুণ

**গ)**

**পৰিতাপ**

ভাল বুলি কাকো ক'ব নোৱাৰি যি ভাল সিয়েই কাল
কাল বুলি কাকো ক'ব নোৱাৰি যি কাল সিয়েই  ভাল

**ঘ)**

**ক্ৰিয়া- প্ৰতিক্ৰিয়া**

যি দেখা, সি অদেখা
যি অদেখা সি সঁচা

## মৃত্যুজিনা মানুহজন

(প্ৰিয় কবি শ্ৰদ্ধাৰ হীৰুদালৈ)

শব্দৰ জানোঁ মৃত্যু আছে
যাৰ দেহৰ প্ৰতি
ৰন্ধ্ৰে ৰন্ধ্ৰে শব্দৰ লালায়িত গতি
মৃত্যুৱে তেওঁক কেনেকৈ জিনিব পাৰে

জীৱনৰ ৰিহাখনত বাছিলা
অলেখ শব্দৰ বুটা
ঐয়াঙে-দৈয়াঙে ঘূৰি
সোণসেৰীয়া কৃষ্টি বুটলি
গাইছিলা ধুমুহা ৰাতিৰ
আৰ্ত চকুলোৰ গান

তুমি জী আছা মোৰ দেশত
সহস্ৰাধিক তেজাল ৰণুৱা ঘোঁৰাৰ উদ্যমত
ৰৌদ্ৰোজ্জ্বল পুৱাবোৰত দুবৰিত নিয়ৰ জিলিকাদি
জিলিকি উঠে তোমাৰ মুখখন

অস্তাচলৰ ৰবি চাবলৈ
তুমি আৰু নবহা এতিয়া
শুক্লেশ্বৰ, ফাচীবজাৰ, পাণ্ডু
নাইবা উমানন্দ ঘাটত

এতিয়া আৰু নোসোধা তুমি
সেই একেটি প্ৰশ্ন
লুইত তই কিয় বহ্নিমান ?
কিয় ইমান বিশাল তোৰ বুকু ?

এতিয়াতো বহ্নিমান লুইত
একোটা শান্তিৰ গান হৈ
চিৰকাল প্ৰৱাহিত হৈ ৰ'ব তোমাৰ বুকুত
ঢৌৰে ঢৌৰে বাজি উঠিব
মৃত্যু জিনাৰ গান
সেই নৈপৰীয়া গানৰ সুৰে সুৰে
জীয়াই থাকিবা তুমি
কাৰণ তাৰ সৈতে জড়িত
তোমাৰ পলসুৱা উশাহ

## জন্মদিন

দিন বাগৰে
মাহ বাগৰে
বছৰ বাগৰে

চিৰায়ত ৰীতিৰে নতুন আহে আৰু যায়
ঠিক একুৰাৰিয়ামত থকা মাছটোৰ দৰেই
ছটফটাই ছটফটাই
(তাৰ বাবে পানীখিনিহে নতুন হয়)

তথাপি নতুন ব্যক্তিৰ বাবে এখন স্বচ্ছ আইনা
চাব পাৰি জীৱন
গাব পাৰি গান
জীৱনৰ জয়গান

সময়ৰ সকীয়নিত
শেষ পৰিণতি অভিমুখে এখোজ আগুৱালেও
মহাকাললৈ ভয় নাই

কাৰণ
মহাকালৰ বুকুত লীন যাব পাৰি
লীন যোৱা মানেই ক্ষয় যোৱা নহয়
লীন হৈ যোৱা মানেই শেষ হৈ যোৱা নহয়।

# বাট এটা মগজুত থাকে

শিলুৰা আন্ধাৰ অতিক্ৰমি
আমাৰ যাত্ৰা ৰ'দৰ মুখলৈ

আমি কি জানোঁ
জীৱনৰ কথা
জীৱন নিজেই এটা
বুজিব নোৱৰা কবিতা
কল্পনাৰ প্ৰলেপ মুঠেও নাই

বাদ-বিবাদ জীৱনত থাকে
কেৱল বাদ-বিবাদৰ কথাৰে
জীৱনৰ চকৰি নুঘুৰে

প্ৰতিটো কথাৰ আঁৰত
ইতিহাস থাকে
প্ৰতিটো কথাৰ আঁৰত
এখন অৰণ্য থাকে

আমাৰ প্ৰতিটো উশাহ-নিশাহত
নিৰ্গত হোৱা
দুখৰ হুমুনিয়াহেই
মেঘৰ বুকুত ৰাগিণী তোলে
এই যেন নামি আহিব এজাক বৰষুণ
জীৱন জীপাই

লঠঙা জীৱনৰ
তেজাল আশাবোৰক লৈয়ে আমাৰ যাত্ৰা

উদাস সময়ৰ বিষাদঘন কাহিনীবোৰ
নিনাদিত হোৱা ৰাতিবোৰত
আমাৰ মুখবোৰ ক'লা পৰি ৰৈছিল

তিক্ত সময়ৰ ৰিক্ত মনৰ
অৱসাদ দূৰ কৰিবলৈ
আমি কতবাৰ পাতিছোঁ
সেউজীয়াৰ কথা

নতুনকৈ বাট এটা কটাৰ কথা

বাট এটা মগজুত থাকে

বাট সদায় একেই হৈ নাথাকে
সময় সলনি হয়
ৰূপ চৰে
গুণ চৰে
বাটৰ মূৰত বাট গজে

পুৰণিৰ হাতত ধৰি
নতুনে থিয় দিয়ে
নতুন বাটেৰে

বাট এটা কাটি লোৱাটো
সঁচাই সহজ নহয়
সপোন এটাই
খেদি নুফুৰিলে

আন্ধাৰ খেদি
সূৰ্য পিন্ধাৰ সপোনটো
আমাৰ গলত ওলমি থাকে
সুখে-দুখে

# পিতাই

ডাৱৰে মাটিক স্পৰ্শ কৰাৰ পৰত
মই তোক শুভেচ্ছা নিদিওঁ এইবাবেই
যে তই মোৰ কোনো নহয়

একে যোৰ পোছাকেৰে
মাটি খান্দি খান্দি
মোৰ চকুলো মচি দিয়াৰ পৰত
মই তোৰ চকুলৈ নেচাওঁ এইবাবেই
যে তই মোৰ কোনো নহয়

মই জানোঁ মোৰ চকুৰ ওখহনিত
তোৰ বুকু খহাৰ ভয়

## বন্ধুত্বৰ কবিতা

জীৱনে সুঁতি সলোৱাৰ পৰতেই আমাৰ দেখা

আমি পাতিছিলোঁ
ইজনে সিজনৰ কথা

শুভেচ্ছা, শুভাষা

আৰু আমি পাতিছিলোঁ
লঠঙা জীৱনৰ
ভৰুণ আশাবোৰৰ কথা

কৰাল মৰা কাহিনীবোৰ
গুঞ্জৰিত হোৱা নিশাবোৰত
আমাৰ চকুবোৰ সেমেকি উঠিছিল

কাহিনীকথক নীৰৱ নাছিল
তথাপি আমি নীৰৱতাত
আকণ্ঠ ডুব গৈ আছিলোঁ

কাৰণ
কাহিনীৰ কায়া
কাহিনীৰ মায়া

বালিময় সময়ৰ
তেজাল জুইকুৰাত
আমি নিজক পুৰিছোঁ
ৰ'দফুল ফুলাৰ আশাত

ঘৰমুৱা ঘাটৈয়ে ক'লে-
বেলি লহিয়ালে
সঁচাকৈয়ে এটা দিন
গুচি যায়
আৰু
এনেকৈয়ে গুচি যায়
একোটা বছৰ
আশা কিন্তু নতুনৰেই
পোহৰ প্ৰত্যাশী...

(প্ৰিয় বন্ধু ৰাজেন দাসৰ হাতত)

# উৰ্দ্ধমুখী হাতবোৰ

আহা
আমি প্ৰত্যয় জন্মাব পৰাকৈ
আমাৰ হাতবোৰ দৃঢ় কৰোঁ
মুঠি মুঠি উৰ্দ্ধমুখী হাতবোৰ
একত্ৰিত হ'লে
নোহোৱাকৈ থাকিব পাৰেনে সূৰ্যোদয়

আহা
আমি আমাৰ হাতৰ মুঠিবোৰ টান কৰোঁ
তলুৱাত সিঁচি লওঁ বীজ
আঁকি লওঁ একোটা পৰিকল্পিত নক্সা

আহা
আমি আমাৰ মগজুত সিঁচি লওঁ
অলপ সজীৱতা
অলপ কৰ্ষণ
কৃত্ৰিমতাৰ বাহিৰলৈ গৈ
মনত গঢ়ি লওঁ এখন ফুলনি
অলপ সেউজীয়া
নাইবা
অলপ মাটিমোহ

মুঠি মুঠি উৰ্ধ্বমুখী হাতবোৰ
মুষ্টিবদ্ধ হ'লে
ভাঙিব পাৰি বণিকৰ বেহু
দেশৰ মাটিত ৰুই যাব পাৰি
দেশৰ সপোন

নীড়মুখী গতিধাৰী হাতবোৰত আছে
সূৰ্যমুখী শক্তি
ঘূৰাই আনিব পাৰে
হেৰোৱা বাঁহীৰ সুৰ

মুঠি মুঠি উৰ্ধ্বমুখী হাতবোৰ একত্ৰিত হ'লে
আঁজুৰি আনিব পাৰি অধিকাৰ
গাব পাৰি বৃত্ত ভঙাৰ গান

আহা
আমি আমাৰ হাতবোৰ মেলি দিওঁ
সূৰ্যৰ দিশে

# ছবিৰ খেতিয়কৰ ছবি, জীৱন আৰু কিছু উপপাদ্য

(১)
বাৰিষাৰ ৰাতি ছবিৰ খেতিয়কজনক
খুপি খুপি গৈ থকা কোনোবাই দেখিছিল

পুৱালৈ ছবিৰ খেতিয়কজন
বাতৰিৰ শিৰোনাম হৈছিল

বাহিৰত হৈ চৈ লাগিল
পেপাৰ-টিভিত ছবিৰ খেতিয়ককলৈ
টনা-আজোঁৰা চলিল

এয়া খেতিৰ ছবি
লাহে লাহে ছবিৰ খেতিয়কৰ প্ৰসংগ তল পৰিল
তেওঁ হেৰাই গৈছিল

তাহানিতে ছবিৰ খেতিয়কে কোৱা এষাৰ কথা
সকলোৰে কাণত সঘনে বাজিছিল
'মই আঁকিব পৰা নাই
এখনি ছবি জীৱনৰ
মই আঁকিব পৰা নাই
এখনি ছবি বাৰিষাৰ ৰাতি আৰু উত্তাল নদীৰ'

(২)

মানুহৰ পৰা আঁতৰি
মানুহ হ'বৰ বাবেই
তোষামোদ পাহৰি
তেওঁৰ এই নীৰৱ যাত্ৰা

চকুত বিহংগম দৃষ্টি

পৰাণ জুৰি বৈ আছে সেই একেই নদী
বালিচৰত দুটি পক্ষী

জালিকটা ৰ'দৰ মোহনা ক'ত
আৰু ফুটছাই বৰণীয়া পৃথিৱী

নীলকণ্ঠ হোৱাৰ কামনা বিধৌত
নদীময় ওঁঠত বিস্মৃত ব্যতিক্ৰম হাঁহি

(৩)

জ্যামিতিয়, বীজগণিতীয় অথবা পাইথাগোৰাছৰ
সূত্ৰৰ দৰেই। কথাবোৰ পাকলগা। অথচ সমাধানহীন নহয়।

সেইবাবেই আইক সোধো
আই জীৱন কেনেকৈ গঢ়ে ?

(৪)

পাটীগণিতৰ উপপাদ্যবোৰ পঢ়ি থাকোঁতেই
বেলি ডুবিল

চিত্ৰকৰ চিত্ৰকৰ

নদীৰ মোহনা ক'ত?
জীৱনৰ গহনা ক'ত?

(৫)

পানী শুকায়
ৰং শুকায়
প্ৰাণহীন জড়ভাৱনাত
মূক ছবিৰ খেতিয়ক
তুলিকা সামৰি
ঘুমটি যায়
আচম্বিতে আওৰাই উঠে
শ্যেলী, কীটচ, বাইৰণ অথবা ৰবীন্দ্ৰনাথৰ কবিতা-

*মৰিতে চাহি না আমি সুন্দৰ ভুবনে*
*মানৱের মাঝে আমি*
*বাঁচিবাৰ চায়..*

(৬)

তেওঁৰ সজল দুচকুৰে
বাৰিষা নামে
কঁপা কঁপা হাতেৰে উকা
কেনভাছত লিখি উঠে
জীৱনৰ অনুবাদ সহজ নহয়
জীৱনৰ অনুবাদ সহজ নহয়

জীৱনৰ ছবি
খেতিয়কৰ ছবি
ছবিৰ খেতিয়কৰ ছবি
কিছু কথা নোকোৱাকৈ থাকি যায়।। 

## যাত্ৰা

জীৱনে কুঁহিপাত মেলাৰ বয়সতে
আমাৰ দেখা

পানীত পোহৰ পৰে
পোহৰত শেলুৱৈ ধৰে
শিলুৱা আন্ধাৰে পোহৰক গিলে
গো-গ্ৰাসে

তমসা ভেদি
লক্ষ্য আমাৰ
পোহৰ মুক্তি পিয়াসী যাত্ৰা

আমি পাতিছিলোঁ
সভ্যতাৰ বুৰঞ্জীৰ শিলাখণ্ডত
আঁকিব বিচৰা সোণালী
সপোনটোৰ কথা

অকৃত্ৰিম জোনাক বিচাৰি
হাবাথুৰি খোৱা নিশাবোৰত
বৰফ হৈ পৰা আমাৰ কাহিনীবোৰে
প্ৰাণ পাই উঠিছিল
কথক নীৰৱ নাছিল
অথচ
কথকৰ বাতুলতাত
নীৰৱ হৈছিল সকলো
কোলাহল ৰাতিয়েও
ভেদিব পৰা নাছিল
সেই মৌনতা

সহজ নহয়
সুপ্ৰাচীন পথটো এৰি দিয়া
তাতোকৈয়ো সহজ নহয়
নতুন এটা পথ বাছি লোৱা
ৰামধেনুৰঙী

জীৱনৰ স'তে
যুঁজি যুঁজি আহি
আমি আকৌ সেই একেই ঠাই
একেই সময়তে ৰৈছোঁহি
য'ৰ পৰা আমাৰ জীৱনে
সুঁতি সলাইছিল
গতি বিচাৰি

সপোন এটা মগজুত থাকে
সপোন এটা চকুত ভাঁহে

সপোনক লৈ সংগ্ৰাম চলে
সংঘৰ্ষৰ কুঁৱলীয়ে বাট ভেটে

সূৰ্য পিন্ধাৰ অযুত হেঁপাহ
বুকুত জাগে

অৰণ্যৰোদন নহয় এয়া
দুচকুৰ পতা তিয়াই গোৱা
জীৱনৰ গান

শিলুৱা আন্ধাৰ ভেদি
সৰাপাতৰ সুবাস বিচাৰি
আকৌ এখোজ
জীৱনৰ বাটত...।

## বুদ্ধ দৰ্শন

মোৰ মন্দিৰৰ চৌপাশে
তথাগত

তথ্যাগত শুদ্ধ
চিৰন্তন সত্য

পৰিক্ৰমা
শাক্যৰ পৰা সত্য
সত্যৰ পৰা বুদ্ধ

অস্থিৰতাৰ পৰা স্থিৰতা
অশান্তিৰ পৰা প্ৰশান্তি
ভোগৰ পৰা নিৰ্বাণ

জীৱনৰ উৰ্দ্ধত
আছিল বুদ্ধ
বুদ্ধ হ'বলৈয়ো লাগে
এখন যুদ্ধ
বিষয় মুক্তিৰ যুদ্ধ

জীৱনতকৈয়ো
জীয়াই থকাৰ উপলব্ধি
বেছি সত্য
যিদৰে উত্তৰতকৈ
প্ৰশ্নটো বেছি সত্য

ভ্ৰমতকৈ বাস্তৱ সত্য

সত্য জ্ঞান
জ্ঞান বুদ্ধ
বুদ্ধ প্ৰজ্ঞা
প্ৰজ্ঞা সত্ত্বা
বোধিসত্ত্বা

স্বীকাৰত মুক্তি
প্ৰগলভ সাধনা
জীৱনৰ সাৰ্থকতা

সত্যৰ স্বীকাৰ বোধিবৃক্ষ
চিৰন্তন শুদ্ধ
বুদ্ধ সত্য...।

# মৰা মাছৰ ঘোলা চকুবোৰত জীৱন থাকে

(মৰমেৰে ভন্টী তুলিকা বুঢ়াগোহাঁইৰ হাতত)

মৰা মাছৰ ঘোলা চকুবোৰত জীৱন থাকে

গৰ্ভৱতী নদীৰ উমসনা বুকুত
মাছৰ জীৱন
বাহিৰত মাথোঁ আওমৰণীয়া জুই

মই ক'লো
মোক এখন নদী দিয়া
বুকুত হাত দি জুখি চাওঁ
জীয়া মাছৰ দুখৰ গভীৰতা

মাছৰ দৰেই আমাৰ জীৱন
অৱৰুদ্ধ অথবা মৃত্যুবন্দী

ই কেনে এক কৰুণ কথা
জীৱনৰ পিছত মহাজীৱন বিচাৰি লালন কৰা বিষণ্ণতা

গুৰি ক'লা পৰা
জাপ নোখোৱা চকুবোৰৰ ভাষা পঢ়িব নোৱৰাটো
আমাৰ অসমৰ্থতা
উজাগৰী নিশাৰ যন্ত্ৰণাবোৰ
পুৰুষ-প্ৰকৃতিৰ উপলব্ধিবোৰ
বুজিব নোৱৰাটো আমাৰ ভৱিষ্যতৰ অনিশ্চয়তা

আচলতে জীয়া মাছবোৰ শেঁতেলিতে মৰা।

# ৰাধা

দুহাত যোৰ কৰি
আভুৱা ভাৰি থাকোঁতেই
দেশ-জাতি-মাটি
ৰসাতলে গ'ল

ৰাধা
কিমাননো আৰু
চকুলো টুকিবি
কানাইৰ বাঁহীৰ মাতত
নুপুৱাই ৰজনী
এটা কথা জানিবি ৰাধা
ইয়াত
নদীৰ পানী শুকালেও
চকুৰ পানী নুশুকায়

কামার্ত ৰাতিৰ বুকুত
তেজৰ সৈতে খেলি
নিৰলে শুই পৰে
বতাহী চৰাই

ৰাধা
ইয়াত যি বাটেৰে
নদী আহে
সেই বাটেৰে
জনতাৰ চকুলো নিগৰে

এই উপত্যকা
সেই উপত্যকা
য'ত আছে দামিনীৰ পৰা অভি-নীললৈ
তেজ আৰু হিংসাৰে ধূসৰিত
এটা কলংকিত পৃষ্ঠা
কি নাম এই উপত্যকাৰ ?
--- তেজৰ উপত্যকা

এই বাট সেই বাট ৰাধা
যি বাটেৰে পোহৰ নাহে

এই মন্দিৰ সেই মন্দিৰ ৰাধা
য'ত মানুহে পোহৰ বিচাৰি
প্ৰাৰ্থনা কৰে
(প্ৰাৰ্থনা কৰিলেই জানোঁ পোহৰ আহে)

মাজ নিশা সাৰ পাই
শিপা খেপিয়াই ফুৰাটো
আমাৰ স্বভাৱত পৰিণত হৈছে ৰাধা

ৰাধা
এতিয়া সময়
জুইফুল হৈ ফুলাৰ
এতিয়া সময়
শিল হৈ বৰষাৰ

ৰাতি পুৱাল নেকি ৰাধা ?
চাওঁ খিৰিকীখন খুলি দিয়া...

# তিনিটা স্তৱক

(১)

কৃষ্ণই হেনো অৰ্জুনক কৈছিল
কৰ্মযোগী হোৱা
কৰ্মফলক বিশ্বাস কৰা
পিছে আজি সেই
কৃষ্ণও নাই
অৰ্জুনো নাই
ধূসৰ পৃথিৱী।

(২)

কলিৰ কালৰূপ
মানৱ দানৱ
দুটোপাল চকুলো
আৰু হৃদয়ৰ জঠৰতা
শিলভঙা মেচিনত
গুড়ি হৈ গৈছে মানৱতা

( ৩ )

ক'ত জানোঁ কীট এটাই
থাকে খুঁটিয়াই
তমসা ৰাতিবোৰ চোন
নাযায় নুপুৱাই।

# কিছু কথা নোকোৱাকৈ থাকি যায়

- যদুমণি গগৈ
- ৰাজেন দাস

সময় নহ'লে কিছু কথা নোকোৱাকৈ
থকাটোৱেই ভাল
ক'বতো নোৱাৰি কাৰ কথাই কাৰ বাটত
পাতে জাল

আমি জাল ফালিব নজনা মানুহ
দপদপাই ঘৰৰ মকৰাজাল গুচোৱা
হাতবোৰ আমাৰ নিথৰ হৈ পৰে
যেতিয়া কথাই জাল পাতে

সময়তকৈ আগত দৌৰিবলৈ কথাবোৰৰ
বয়স নাথাকে। অপৈণত।
বতাহৰ সৈতে উৰি গ'লেও
ক'ৰবাত খুন্দা খাই কথাবোৰ ৰৈ যাব পাৰে

এনেকৈয়ে কত কথা
নোকোৱাকৈয়ে থাকি যায়
চালৰ পানীসৰকা ফুটাবোৰত
ৰঙাফিটাৰ জাল

জালৰো যে কি মায়াজাল
সৰু সৰু ডঁৰিকণাৰো ফাটে গাল

এসময়ত জাল পতা মানুহ নাছিল
কথাবোৰে পুঙা বান্ধিব পৰা নাছিল

এতিয়া সুকীয়া জালো পাতে
জালো ফালে অথচ জালৰ কোনো চৰিত্ৰ বিশ্লেষণ নহয়
বিশ্লেষকো নথকা নহয়

কিছু কথা নোকোৱাকৈয়ে থাকি যায়

চৰিত্ৰতকৈ বিশ্লেষকৰ আগত কথাবোৰে
বেছি জঁট বান্ধে (অথবা বন্ধোৱা হয়)
কি ঠিক জঁট খোল খাই গ'লে
বিশ্লেষকৰো জাল ফাটিব পাৰে

দুগৰাকী কবিৰ একত্ৰ সংকলন। কবি দুগৰাকীৰ সাধনা বা চৰ্চাৰ ক্ষেত্ৰত ই বৰ ইতিবাচক কথা। আলোচনা, তুলনা আৰু সৃষ্টিৰ সম্পাদনাৰ ক্ষেত্ৰত বন্ধুত্বই সহায় কৰে। দুয়োগৰাকী বন্ধু কবিৰ কবিতাত ভিন্ন মাত্ৰা দেখিবলৈ পোৱা গৈছে। কবিতাখিনি পঢ়ি দুয়োগৰাকীয়ে সম্ভাৱনাৰ স্বাক্ষৰ বহন কৰিব পাৰিছে যেন অনুভৱ হয়। বিশ্ববিদ্যালয়ৰ গৱেষক ছাত্ৰ হিচাপে দুয়োগৰাকীৰ ভাষাৰ গভীৰতা লক্ষ্য কৰা যায়। অনুশীলন আৰু বিষয়সমূহৰ সূক্ষ্ম পৰ্যবেক্ষণৰ জৰিয়তে কবি দুগৰাকী নতুনত্ব আনিব পৰাকৈ সক্ষম। মাথোঁ দুয়োগৰাকীয়ে বিষয় ভাৱনা, আবেগ, মায়ালগা শব্দৰ প্ৰতি থকা মোহতকৈ বিষয়-বস্তুৰ প্ৰতি দায়বদ্ধতা বৃদ্ধি কৰি কবিতাক এক অনন্য মাত্ৰা দিব পাৰিব বুলি আমি আশাবাদী।

প্ৰকাশক

# কিছু কথা নোকোৱাকৈ থাকি যায়

যদুমণি গগৈ আৰু ৰাজেন দাস তৰুণ কবি। দ্বৈতভাৱে কবিতা সংকলনৰ প্ৰকাশে কবি দুজনৰ কাব্যভাৱনাৰ উচ্ছাস আৰু কাব্যচিন্তাৰ প্ৰতি সমৰ্পিত মনোযোগ লক্ষণীয়। জীৱন আৰু জগতৰ উপলব্ধিক কবিতাবোৰত বাঙ্ময়ৰূপত প্ৰকাশ কৰিছে। মানৱীয় সম্পৰ্কৰ দ্বন্দ্ব, পীড়া-যন্ত্ৰণাৰ লগতে চিন্তা আৰু অনুভূতিৰ ভাবোদ্দীপক প্ৰকাশভঙ্গীৰে সংকলনৰ কবিতালানীৰ পাঠকীয় অভিজ্ঞতা নান্দনিক আৰু আনন্দদায়ক। সংকলনৰ দুই এটা কবিতাত জীৱনৰ প্ৰতি এটা দাৰ্শনিক চেতনা বোধৰ উন্মেষ ঘটিছে। তৰুণ কবি দুজনে সমাজ বাস্তৱক দাৰ্শনিক দৃষ্টিভঙ্গী এটাৰে চাইছে আৰু পাঠকক বিভিন্ন প্ৰশ্ন আৰু সমস্যাৰ মুখামুখি কৰাইছে। কবিতা বোৰত নিহিত হৈ থকা অনুভূতিক চিত্ৰকল্পসমূহে পাঠকক কবিতাপঠনৰ সৰল আনন্দ প্ৰদানৰ লগতে ব্যক্তি মনৰ মননত কেতিয়াবা দ কৈ টোকৰ মাৰিব। জীৱনৰ সত্য আৰু বাস্তৱৰ কঠিনতাক কাব্যিকভাৱে উপস্থাপন কৰা কবি দুজনৰ ভৱিষ্যতৰ কবিতাৰ প্ৰতি পাঠকৰ চকু থাকিব। কাব্যিক পথ পৰিক্ৰমাত তৰুণ কবিদুজনে উত্তৰণমুখী সৃষ্টি-ভাৱনাৰে নিজাকৈ বাট এটা বিচাৰি ল'ব বুলি আশা কৰিব পাৰি। অনুশীলন, অনুসন্ধান আৰু অধ্যয়নে তৰুণ কবি যদুমণি গগৈ আৰু ৰাজেন দাসৰ ভৱিষ্যতৰ কবিতালৈ সমৃদ্ধি আনিব বুলি আমি আশাবাদী।

বৈদ্যব্ৰাইট বুঢ়াগোহাঁই
৩১-১২-২০২১

Cover : Neelabh Sourav



SANKARDEV PRAKASHAN
Nagaon, Assam: 782124
E-mail: sankardevprakashan@gmail.com
Call: 6913402974, 7896898528,9435003824